# বাল্যবন্ধু



অন্নদা কুটীৰ
কলাইগাওঁ
১৫।১০।৫৫



— লক্ষেশ্বৰী

# দু আষাৰ কোৱাৰ বাটত

— :[০]: —

আমাৰ দেশৰ শিশু সাহিত্যৰ অভাবৰ কথা সকলোৱে অনুভৱ কৰিছে যদিও তাৰ বহুল প্ৰচাৰৰ ব্যৱস্থা নৌ হয় এতিয়া। চোভিয়েত ৰাছিয়াৰ কণ-মইনাহঁতে কেনে ধৰণৰনো কিতাপ সিহঁতক লাগে সেই বিষয়ে নিজে লিখকৰ ওচৰত প্ৰস্তাৱ কৰে। কিন্তু বৰ পৰিতাপৰ বিষয় আজিও শতকৰা নিৰান্নৈবৈজন আমাৰ দেশৰ কণ-মইনাই পাঠ্য কিতাপ কেইখনৰ বাহিৰে আৰু আন বাহিৰা কিতাপ চিনিকে নাপায়।

নিচেই সামান্য হিচাবে হলেও শিশু-সাহিত্যৰ অভাৱ পুৰাবৰ মানসে "বাল্য বন্ধু" খনি লিখা হৈছিল আজি প্ৰায় তিনি চাৰি বছৰ আগতে। এতিয়া নানান আহুকালৰ মাজেৰে এই পুস্তিকাখনি আলমাৰীৰ চুকত ভেকুৰি থকাৰপৰা মুক্তিৰ বাটত খোজ বুলাই ৰাইজৰ আগত ভুমুকি মাৰিলে।

এই পুস্তিকাখনি আচলতে কোমলমতি লৰা-ছোৱালীৰ কাৰণেহে লিখা হৈছে। বহুতে মহৎ লোকৰ জীৱনী লিখোঁতে তেখেতসকলৰ অপ্ৰীতিকৰ ঘটনাসমূহ

বাদ দি লিখা দেখা যায়। ইয়াত কিন্তু বাল্যকালৰ ভাল বেয়া সমূহ ঘটনাকে সন্নিবিষ্ট কৰা হৈছে, যাতে এই বাল্য জীৱনী কেইটা পঢ়ি আৰ্থিক আদি অনাটনৰ হেচাত পৰিও অধিকাংশ শিশুৱে নীৰৱে সজোৱা ভবিষ্যতৰ উজ্জ্বল সপোন ভাঙি-চিঙি চুৰমাৰ হৈ অকালতে মৰহি নেযায়।

নব প্ৰয়াস আৰু অপৈনত হাতৰ লিখনি যেতিয়া বহুতো ভুল বোৱাটো স্বাভাৱিক। এই অনিচ্ছাকৃত ভুলৰ কাৰণে পঢ়ুৱৈ সমাজৰ ওচৰত ক্ষমা বিচাৰিছিলোঁ।

পুস্তিকাখনি প্ৰকাশৰ বাটত অনুপ্ৰেৰণা যোগাওঁতা অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰী, শ্ৰীযুতা নলিনী বালা দেৱী, শ্ৰীযুতা ধৰ্ম্মেশ্বৰী দেৱী, সূচীব্ৰতা ৰায় চৌধুৰী, শ্ৰীযুত বেণুধৰ শৰ্ম্মা আৰু বান্ধৱী জোনা বৰুৱাক অন্তৰেৰে শলাগ জনালোঁ। হাতে লিখা অৱস্থাত পুস্তিকাখনি শ্ৰদ্ধাস্পদ ৰায়চৌধুৰী ডাঙৰীয়াই এবাৰ চকু ফুৰাই দিয়া কাৰণে তেখেতক মোৰ কৃতজ্ঞতা জনালোঁ।

সদৌ শেষত "বাল্য বন্ধু" খনি ৰাইজে অলপমান মৰমৰ চকুৰে চালে নথৈ সুখী হম। ইতি।

অন্নদা কুটীৰ
কলাইগাওঁ
১৭।৫৫ ইং

বিনীতা
—লক্ষেশ্বৰী ডেকা

## — উছৰ্গা —

যাৰ অসীম কৃপাত এই অতুলনীয় ধৰণী দেখিবলৈ
সক্ষম হৈছোঁ, যাৰ অপৰিসীম মৰমত ডাঙৰ
দীঘল হৈ আজি সাহিত্য জগতত ভূমুকি
মাৰিবলৈ মই সক্ষম হব পাৰিছোঁ,
সেই পিতৃ দেৱৰ পূজ্য পাদত
"বাল্য বন্ধু" এই ক্ষুদ্ৰ
পুস্তিকাখনি অৰ্পণ
কৰিলোঁ।

—পোনা—

# সূচী-পত্ৰ




# মোহন দাস কৰম চাদ গান্ধী

১৮৬৯ চনৰ ২ অক্টোবৰত মোহনদাস বা তোমালোকৰ বন্ধুৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম কাবা গান্ধী আৰু মাকৰ নাম পুতলিবাঈ আছিল। কাবা গান্ধী পোৰবন্দৰ দেশীয় ৰাজ্যৰ প্ৰধান মন্ত্ৰী আছিল।

তেওঁৰ আচল নাম মোহন দাস কৰম চাদ গান্ধী। বাল্য কালত পোৰবন্দৰত তেওঁ লগৰীয়াবোৰৰ লগত শিক্ষকক গালি পাৰাত বাহিৰে তেওঁ শিক্ষা পোৱা নাছিল। মহাত্মা গান্ধীৰ ৭ বছৰ বয়সত তেওঁৰ দেউতাক পোৰবন্দৰৰপৰা ৰাজকোটলৈ আহে আৰু তাতে তেওঁক এখন প্ৰাইমাৰী স্কুলত ভৰ্ত্তি কৰায় দিয়ে। তেওঁ মজলীয়া ধৰণৰ ছাত্ৰ আছিল। সেই স্কুলৰপৰা তেওঁ চৰ্ব্বাণ স্কুললৈ যায় আৰু ১২বছৰ বয়সত

হাইস্কুলত ভৰ্ত্তি হয়। তেওঁ বৰ লাজকুৰীয়া স্বভাবৰ ছাত্ৰ আছিল। ছাত্ৰ অৱস্থাত কিতাপেই একমাত্ৰ লগৰীয়া আছিল। তেওঁ সদায় স্বাধীনচিন্তীয়া আছিল আৰু নিচেই সৰুৰে পৰা অনুভৱ কৰিব পাৰিছিল যে, আমি পৰাধীন।

ভাৰতৰ স্বাধীনতা তেওঁৰ আকাঙ্খাৰ বস্তু আছিল। তেওঁ বাল্য কালৰেপৰা সত্যবাদী আছিল। নকল বিদ্যা কেতিয়াও শিকা নাছিল। হাইস্কুলত ভৰ্ত্তি হোৱাৰ প্ৰথম বছৰতে এবাৰ পৰিদৰ্শন কৰিবলৈ শিক্ষা বিভাগৰ ইন্সপেক্টৰ মিঃ জাইল্‌চ স্কুললৈ আহে। তেওঁ ৫ টা শব্দ লিখিবলৈ দিছিল। তাৰে ভিতৰত এটা শব্দ আছিল ( Kettle ) কেটল। মোহন দাসে এই বানানটো নোৱাৰিলত শিক্ষকে বুট জোতাৰ আগেৰে লিখি দি সহায় কৰিলে। কিন্তু তেওঁ নকল বিদ্যা গ্ৰহণ নকৰিলে। তাৰ ফলত মোহন দাসৰ সেই বানানটো ভুল হ'ল, আন লৰাই শুদ্ধকৈ লিখিলে। এই ঘটনাৰ পিচতো শিক্ষকলৈ তেওঁৰ ভক্তি অলপো কমা নাছিল। কাৰণ তেওঁ গুৰুজনৰ হুকুম মানি চলিবলৈ শিকিছিল, তেওঁলোকৰ দোষ ধৰিবলৈ শিকা নাছিল।

স্বভাৱতে তেওঁ স্কুলৰ পাঠ্যৰ বাহিৰে অন্য বাহিৰা কিতাপ পঢ়িবলৈ ভাল নেপাইছিল। কাৰণ পঢ়াত ফাকি দিয়া বুলি গালি খোৱাতো তেওঁ সমূলি ভাল নেপাইছিল। কিন্তু এবাৰ পিতাকে কিনা "শ্ৰাৱণ পিতৃ ভক্তি" নাটকখনলৈ তেওঁৰ চকু পৰিল আৰু মনোযোগেৰে তেওঁ সেইখন পঢ়ি অন্তালে।

এনেতে এটা ছবিৱালাই কিছুমান ছবি বেচিবলৈ আনিলে। মোহনদাসৰ শ্ৰাবণে অন্ধ মাক বাপেকক তীৰ্থলৈ নিয়া ছবিখনলৈ চকু পৰিল। কিতাপখনে আৰু ছবিখনে তেওঁৰ মন মুচিব নোৱাৰাকৈ সাচ বহুৱালে। সেই সময়ত তেওঁ নাটকৰ অভিনয় চাবলৈ পিতৃদেৱৰপৰা অনুমতি পাইছিল। হৰিচন্দ্ৰ নাটকখন তেওঁ বৰ ভাল পাইছিল আৰু হৰিচন্দ্ৰৰ ৰচনাবোৰ তেওঁ গাবলৈ ধৰিলে। সত্যৰ অনুসৰণ কৰি হৰিচন্দ্ৰৰ দৰে সকলো বিপদকে অগ্ৰাহ্য কৰিবলৈ তেওঁ শিকিলে।

হাইস্কুলত পঢ়া অৱস্থাত তেৰ বছৰ বয়সত পোৰ বন্দৰৰ কস্তুৰী বাঈৰ লগত তেওঁৰ বিয়া হয়। তেওঁ ইয়াৰ আগতে অৰ্থাৎ কুমলীয়া অৱস্থাতে দুবাৰ বিয়া হৈছিল কিন্তু সেই দুয়োজনী পত্নী ঢ়কায়। পিতৃ মাতৃৰ আদেশমতে তেওঁৰ বিয়া হয়। সেই বুলি তাৰপৰা তেওঁৰ পঢ়াত ব্যাঘাত হোৱা নাছিল। কস্তুৰীবাঈ নিৰক্ষৰ আছিল। পিচত কৰমচাদে ঘৰত পঢ়াই গুজৰাটী ভাষা সামান্য ভাবে পঢ়িব আৰু লিখিব পৰা কৰে।

সেই সময়ত লৰাহঁতৰ পঢ়া ও স্বভাব চৰিত্ৰলৈ এখন ৰিপোৰ্ট প্ৰতি বছৰে অভিভাবক সকলক দিয়া হৈছিল। বেয়া বুলি শিক্ষকসকলে এবাৰো কৰমচাদৰ ওপৰত ৰিপোৰ্ট দিয়া নাছিল। সেই কাৰণে তেওঁ শিক্ষকসকলৰ মৰম পাইছিল। স্কুলৰ শ্ৰেণী প্ৰমোচনত (৪ৰ্থ মানত) এবাৰ বটা পাইছিল আৰু ৬ষ্ঠ মানত ১০৲ টকাকৈ বৃত্তিও পাইছিল। তেওঁ পুৰস্কাৰ বা বৃত্তি পোৱাতকৈ নিজৰ চৰিত্ৰত যাতে কোনো দোষ নঘটে

তালৈহে চকু ৰাখিছিল। অলপ বেয়াতেই তেওঁ কান্দিছিল। এবাৰ কিবা এটা দোষত তেওঁক শিক্ষকে কোবাইছিল। সেই কাৰণে তেওঁ কান্দিছিল। এদিন শনিবাৰে ৪ বজাত তেওঁ ঘৰৰপৰা শাৰিৰীক বেমাৰৰ কাৰণে স্কুললৈ যাব লগা হ'ল। তেওঁৰ ঘড়ী নাছিল, বতৰ ডাৱৰীয়া হোৱাত স্কুললৈ যোৱাত পলম হ'ল। তেওঁ স্কুল পোৱাৰ আগতে স্কুল ছুটী হ'ল। পিচদিনা শিক্ষকে অনুপস্থিতৰ কাৰণ সোধাত তেওঁ পিতাকক শুশ্ৰূষা কৰাৰ কথা কলে কিন্তু শিক্ষকে সেইকথা বিশ্বাস নকৰি তেওঁক জৰিমনা কৰিলে (পিচত জৰিমনা নহল) সেই কথাত তেওঁ বৰ বেজাৰ পাই কান্দিব ধৰিলে। তেতিয়া তেওঁ বুজিলে যে, সত্যবাদী হোৱাৰ লগে লগে খুব সাবধানো হব লাগিব।

সৰুকালৰেপৰা তেওঁ ব্যায়াম নকৰি নিয়মমতে বহুদূৰ ফুৰা অভ্যাস কৰিছিল। কাৰণ ফুৰাটোকো এটা ব্যায়াম বুলি ধৰিছিল। তেওঁৰ হাতৰ আখৰ বৰ ভাল নাছিল।

বিয়াৰবাবে তেওঁৰ এটা বছৰ ক্ষতি হৈছিল। কিন্তু অতি পৰিশ্ৰমৰ বলত ডবল প্ৰমোচন লৈ সেই ক্ষতি হোৱা বছৰটো পূৰণ কৰিলে।

তেওঁৰ পিতৃ-মাতৃ জাতত বণিয়া কিন্তু তেওঁলোক বৈষ্ণৱ আছিল। সেই কাৰণে তেওঁলোকে নিৰামিষ খাইছিল। সেই সময়ত তেওঁ ভুলতে এজন অসৎ চৰিত্ৰৰ লৰাৰ লগত বন্ধুতা স্থাপন কৰে। এই অসৎ চৰিত্ৰৰ বন্ধুজনে তেওঁক ভুল বাটলৈ টানি নিলে। ফলত বন্ধুজনে তেওঁক বহুৰকম

উদাহৰণ দেখুৱাই মাংস ভোজন কৰায়। সেইবুলি তেওঁ জিভাৰ জুতিৰ বা সোৱাদৰ কাৰণে মাংস খোৱা নাছিল। তেওঁ ভাবিছিল মাংস খাই মই বলী আৰু সাহসী হম আৰু ক্ৰমে ভাৰতীয়ই যদি এইদৰে মাংস খায় তেনেহলে বলী আৰু সাহসী হব পাৰিব আৰু ইংৰাজবোৰক ভাৰতৰপৰা বিতাড়িত কৰিব পাৰিব। স্বৰাজ শব্দটো তেওঁ তেতিয়ালৈকে শুনা নাছিল। তেওঁৰ এজন দূৰ সম্পৰ্কীয় আত্মীয়ৰ লগত ধোঁৱা হুপিবলৈ আৰম্ভ কৰিলে। মোহনদাসে চিগাৰেট সদায় নেপায়; গতিকে তেওঁৰ খুৰাকে খাই পেলাই দিয়া টুকুৰা বোৰ চুৰ কৰি খাবলৈ ধৰিলে। কিন্তু সিয়ো সদায় নেথাকে। পিচত এবিধ গছৰ ঠাৰি আনি তাৰেই ধোঁৱা খাবলৈ ধৰিলে ইমানতো সন্তুষ্ট নহল। স্বাধীনতাৰ অভাৱে বৰ কষ্ট দিয়াত পিচত দুয়োজনে বিহ খাই মৰিবলৈ ঠিৰ কৰিলে। তেওঁ-লোকে বিচাৰি বিচাৰি কেইটামান ধুতুৰা গুটি আনি কেদাৰ-জীৰ মন্দিৰ দৰ্শন কৰি এক নিৰ্জ্জন ঠাইত ২।৩টা মান ধুতুৰা গুটি খালে। কিন্তু আৰু বেচি খাই আত্মহত্যা কৰিবলৈ সাহ নহল। পিচত ৰামজী মন্দিৰ দৰ্শন কৰি ঘৰলৈ উভতিল। ইয়াৰ পিছতো তেওঁ এবাৰ ভাতৃৰ হাতৰপৰা সোণ চুৰ কৰিছিল। কিন্তু ইয়াৰ পিছতেই তেওঁৰ মনত ঘোৰ অনুতাপ হয় আৰু ভৱিষ্যতলৈ চুৰ নকৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হয়। তাৰ পিচত সকলো দোষ স্বীকাৰ কৰি কগীয়া পিতাকক সকলো কথা জনালে। চিঠিত তেওঁ দোষ কৰা বাবে পিতাকৰপৰা তেওঁ

উচিত শাস্তিও বিচাৰিলে। এইবোৰ ঘটনা ঘটিছিল তেওঁৰ ১২।১৩ বছৰ বয়সতে।

পিচত বহুত বাধা-বিঘিনি পাৰ হৈ ওঠৰ বছৰ বয়সত বিলাতলৈ যাত্ৰা কৰিলে। বিলাতলৈ যাওঁতে তেওঁ মাকৰ আগত এইদৰে শপত খাইছিল, মই "মদ, মাংস নাখাও আৰু তিৰোতা স্পৰ্শ নকৰো।"

এই প্ৰতিজ্ঞা তেওঁ বিলাতৰ নিচিনা এখন ঠাইতো আখৰে আখৰে পালন কৰি গৈছিল। তেওঁৰ বাল্য অৱস্থাত কোনোবাই ভাবিব পাৰিছিলনে এওঁৱেই পাছলৈ ভাৰতৰ স্বাধীনতা যুঁজৰ প্ৰধান বিজয়ী সেনাপতি হব বুলি। তেওঁ মাত্ৰ ভাৰতৰ মুক্তিৰ কাৰণেই ভবা নাছিল ; সমগ্ৰ পৃথিবীৰ লাঞ্ছিত নৰ-নাৰীৰ হিতৰ কাৰণে সদায় ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছিল।

তোমালোক, অকণমানিহঁতেও এই মহামানবৰ আদৰ্শৰে অনুপ্ৰাণিত হোৱাহঁক। তেতিয়াহলে ডাঙৰ হলে তোমালোকেও সকলোৰে অন্তৰ জয় কৰিব পাৰিবা।



# জৱাহৰলাল নেহেৰু

ইংৰাজী ১৮৮৯ খৃষ্টাব্দৰ ১৪ নবেম্বৰত এলাহাবাদত জৱাহৰলালৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম আছিল পণ্ডিত মতিলাল নেহেৰু আৰু মাকৰ নাম স্বৰূপৰাণী নেহেৰু। তেওঁলোকৰ পূৰ্ব্বপুৰুষ কাশ্মিৰী আছিল। দুশবছৰ আগতে ওঠৰ শতিকাৰ আগ ভাগতে মতিলাল নেহেৰুৰ পূৰ্ব্বপুৰুষ যশস্যা আৰু ধন-ঐশ্বৰ্য্য বিচাৰি ভাৰতলৈ আহে আৰু দিল্লীত থাকিবলৈ লয়। পিচত এলাহাবাদত নিগাজিকৈ বাস কৰে।

বাল্যকালৰেপৰা জৱাহৰলাল বৰ পিতৃ-মাতৃ ভক্ত আছিল। পিতাকক তেওঁ খুব ভয় কৰিছিল। কিন্তু মাকক ভয় নকৰিছিল আৰু মাকক তেওঁ তেওঁৰ "সমনীয়া লগৰীয়া বলিছে

ভাবিছিল।

বাল্যকালত ককাইদেউৰেক বা আন কোনোবাই কথা বতৰা পাতিলে তেওঁ সেই বিলাকৰ অৰ্থ বুজিবলৈ বৰ যত্ন কৰিছিল, আৰু কোনোবা ভাৰতীয়ই ইংৰাজৰ ওপৰত প্ৰতিশোধ লোৱা শুনিলে বৰ আনন্দ পাইছিল। সেই বুলি তেওঁ ইংৰাজসকলৰ গুণ ৰাশিক অন্তৰেৰে ভক্তি কৰিছিল।

দেউতাকে বন্ধুসকলৰ লগত কথা বতৰা পাতি থাকিলে জৱাহৰলালে মনে মনে পৰ্দ্দাখন দাঙি তেওঁবিলাকেনো কি কৈছে বা কৰিছে তাকেই ভুমুকিয়াই চায়। এইদৰে চাওঁতে কেতিয়াবা ধৰা পৰে আৰু তেওঁ বৰ লাজ পাই দৌৰি ভিতৰ সোমায় আৰু কেতিয়াবা হয়তো দেউতাকৰ বন্ধুসকলে তেওঁক ধৰি ওচৰলৈ নি মৰম কৰে। জৱাহৰলালে কিন্তু তেতিয়া বৰ লাজ আৰু ভয় পায়।

এদিন দেউতাকে বন্ধুসকলৰ লগত বহি ক্লোৰেড খাইছিল। হুইস্কিৰ নাম তেওঁ কেতিয়াও জনা নাছিল। বঙা ধৰণৰ পনীয়া বস্তু দেখি তেওঁৰ বৰ ভয় হ'ল আৰু দৌৰি গৈ মাকক কলে "আই দেউতাই তেজ পিব ধৰিছে"। এই কথা শুনি মাকে এটা মিচিকিয়া হাঁহি মাৰি পুতেকৰ কথাৰ ওৰ পেলালে।

তেওঁ সৰুতে ভাবিছিল, ময়ো ডাঙৰ হলে দেউতাৰ দৰে বলী, সাহসী আৰু বুদ্ধিমান হম। দেউতাকে চাকৰ বোৰক নিষ্ঠুৰ ব্যবহাৰ কৰা দেখিলে পেটে পেটে জৱাহৰলালৰ দেউতাকৰ ওপৰত খং উঠে। মতিলালে খং উঠিলে সিংহৰ



জওয়াহরলাল নেহেরু

দৰে গর্জ্জি উঠিছিল।

এদিন দেউতাকৰ অফিচ কমত দুটা ফাউণ্টেন পেন দেখি ভাৱিলে দেউতাৰতো একেলগে দুটা কলমৰ দৰকাৰ নাই, গতিকে এটা কলম ময়ে লওঁ। এইবুলি তেওঁ তাৰে এটা কলম লৈ গ'ল। পিছত এই কলমটো বিচাৰি ঘৰত আতাই-বোৰ ব্যস্ত হ'ল। জৱাহৰলালৰ বৰ ভয় লাগিল কিন্তু একো নকলে। পিচত কলমটো পালে আৰু তেওঁৱে যে চুৰ কৰিছিল এই কথাও সকলোৱে বুজিলে। খং উঠি দেউতাকে তেওঁক উধাই-মুধাই কোবালে। দুঃখে শোকে তেওঁক অধীৰ কৰি পেলালে আৰু মাকৰ ওচৰলৈ লৰি গ'ল। তেওঁৰ গাৰ আঘাত পোৱা ঠাইবোৰত কেইবা দিনলৈ ঔষধ সানিব লগা হৈছিল।

এই শাসনত দেউতাকলৈ অলপো খং উঠা নাছিল কাৰণ তেওঁ ভাবিছিল-মোৰ চোৰকৰা শাস্তি ঠিকেই হৈছে। তেতিয়া তেওঁৰ বয়স ৫।৬ বছৰ আছিল।

লৰাকালত তেওঁৰ মনৰ কথা কবলৈ আৰু এজন লগ আছিল। তেওঁৰ নাম আছিল মুন্সি মোবাৰক আলি। তেওঁ মুন্সিৰপৰা সদায় ভাল সাধুকথা শুনিছিল; তাৰ উপৰিও তেওঁ মাকৰপৰা শাস্ত্ৰৰ পুৰণি কাহিনীবোৰ শুনিছিল। সকতে ধর্ম্ম সম্বন্ধে তেওঁ একেবাৰেই একো নামানিছিল আৰু ভাবিছিল ধর্ম্ম তিৰোতাবোৰকহে লাগে।

তেওঁলোকৰ ঘৰত নিয়মমতে পৰ্ব্ব আদি পাতিছিল।

এই সকলো পৰ্ব্বতকৈ তেওঁ ভাল পাইছিল তেওঁৰ জন্ম উৎসৱৰ দিনটো। সেইদিনা তেওঁ আনন্দত অধীৰ হৈ পৰিছিল। দোকমোকালিতে এজোৰ তুলাছনিত গম আৰু অন্যান্য বস্তু দি তেওঁক জোখা হৈছিল, আৰু সেইবিলাক দুখীয়া মানুহক বিলাই দিছিল। তেওঁ ভাল ভাল নতুন কাপোৰ পিন্ধে আৰু বহু উপহাৰ পায়। জন্মদিনত তেওঁৰ হিয়া গৰ্ব্বত উপচি পৰে আৰু জন্মদিন বছৰত মাত্ৰ এদিন বুলি শুনিলে মনতে বৰ দুখ কৰিছিল। তেতিয়া তেওঁ বুজা নাছিল যে এনেকুৱা জন্মদিন বোৰত তেওঁৰ বয়স বৃদ্ধিহৈ যাব আৰু মৰণৰ ওচৰ চাপি আহিব, যি মৰণক জীৱমাত্ৰই ভয় কৰে। তেতিয়া সেইবোৰ কল্পনাৰ অতীত আছিল।

এবাৰ তেওঁ এলাহাবাদৰ অশ্বাৰোহী সৈন্যদলৰ এজন চোৱাৰীয়ে সৈতে তেওঁৰ আৰবী ঘোঁৰাটোত উঠি ফুৰিবলৈ গৈছিল, পিছে বাটত কেনেবাকৈ পৰিল আৰু ইপিনে একে দৌৰে ঘোৰা আহি ঘৰ পালেহি। বাপেকে তেতিয়া টেনিচ খেলি আছিল। ঘোৰাৰ পিঠিত একমাত্ৰ পুত্ৰক নেদেখি সদলবলে বেলেগ বেলেগ যান বাহনত উঠি পুত্ৰক বিচাৰি গ'ল। বাটত পুতেকৰ লগত দেখা হল। জৱাহৰে যেন যুদ্ধ জয় কৰিহে উলটি আহিছে তেনেভাৱে তেওঁলোকে তেওঁক আদৰ কৰি ঘৰলৈ লৈ গ'ল।

নেহেৰুৰ দহ বছৰ বয়সত দিল্লীৰ পৰা এলাহাবাদৰ নিজ ঘৰ আনন্দ-ভৱনলৈ আহে। ইয়াত সাঁতুৰিবলৈ এটা পুখুৰী

আছিল। তেওঁ অলপ দিনৰ ভিতৰতে সাঁতোৰা বিদ্যাটো শিকি পেলালে। তেওঁ পানীত বুৰ মাৰি আকৌ ওপঙি আহিবলৈ ভাল পাইছিল।

এবাৰ দেউতাক ইউৰোপত থকা অৱস্থাত তেওঁৰ এজনী ভনী ওপজিল। খবৰতো পাবলৈ তেওঁ বাৰান্দাত বহি আছিল, এনেতে এজন ডাক্তৰ বাহিৰলৈ আহি কলে-"তোমাৰ দেউতাৰাৰ সম্পত্তিৰ ভাগ লবলৈ লৰা ওপজা নাই।" ডাক্তৰৰ এনে নীচ মনৰ কথা শুনি পেটে পেটে খুব খং উঠিছিল আৰু ঈশ্বৰৰ ওচৰত প্ৰৰ্থনা কৰিছিল যাতে তেনে ভাৱ মনলৈ নাহে।

তেওঁক সৰুৰপৰাই ইংৰাজ ঘৰুৱা শিক্ষক দিছিল। এঘাৰ বছৰ বয়সত ফাৰ্ডিনান্দ টি ব্ৰুক্স নামে এজন শিক্ষক ৰাখে আৰু এওঁ একেৰাহে তিনি বছৰ নানা ফালৰ পৰা প্ৰভাৱ বিস্তাৰ কৰি শিক্ষা দিছিল। তাৰ উপৰিও হিন্দী আৰু সংস্কৃত পঢ়াবলৈ আন এজন বুঢ়া মৰমিয়াল পণ্ডিত আছিল। এই সময়তে তেওঁ বহু ইংৰাজী বাহিৰা কিতাপ পঢ়ি অতায়।

তেৰ বছৰ বয়সত তেওঁ থিয়ছফিকেল ছ'ছাইটিৰ সভ্য হয়। মিছেছ এনি বেচান্তে নিজে তেওঁক শিক্ষা দিছিল। বেচান্তে কিছুমান ভাল ভাল উপদেশ আৰু কেইটামান ৰহস্যময় মুদ্ৰা শিকাই দিছিল। সেই সময়তে তেওঁ কাশীত থিয়ছফি সম্মিলনতো যোগ দিছিল। তেও এজন বিশিষ্ট ধৰ্ম্ম-

সাধকৰ মনত সদায় উটলি ঘুৰিছিল ।

ৰুচ জাপানৰ যুদ্ধত জাপানে জয় লাভ কৰাত তেওঁ বৰ আনন্দ পাইছিল আৰু জাপান সম্পৰ্কে কিছুমান কিতাপ কিনিলে আৰু পঢ়িলে। লাহে লাহে জাতীয়তাৰ ভাৱত তেওঁ বুৰ গ'ল আৰু ভাৰতক ইউৰোপৰ অধীনৰপৰা মুক্ত কৰা বিষয়ে তেওঁ ভাবিবলৈ ধৰিলে । সেই সময়ত তেৰ বছৰ বয়সতে এদিন ৰাতি সপোনত তেওঁ নিজে ভাৰতৰ স্বাধীনতাৰ কাৰণে তৰোৱাল লৈ যুদ্ধ কৰা দেখিছিল । তেৰ বছৰ বয়সৰ সপোন আজি হাতে হাতে ফলিয়াইছে ।

১৯০৫ খ্ৰীষ্টাব্দত পোন্ধৰ বছৰ বয়সত মাক-বাপেক, কেচুৱা ভনীয়েক আৰু জৱা'হৰলাল বিলাতলৈ যাত্ৰা কৰে । বিলাতত 'হেৰ' স্কুলত তেওঁক নাম লগাই দিয়ে আৰু বাপেকে ইউৰোপ ভ্ৰমণ কৰি কেইমাহমানৰ পিচত নিজ দেশলৈ উভতি আহিল আৰু জৱাহৰলাল অকলশৰীয়া হ'ল ।

তেওঁ ভালকৈ লেটিণ নেজানিছিল কাৰণে প্ৰথমে তল শ্ৰেণীত নাম লগাইছিল । দুবছৰ পিচত "হেৰ" এৰি কেম্ব্ৰিজৰ ত্ৰিণিটি কলেজলৈ গ'ল । ছাত্ৰ জীৱনত তেওঁ বৰ লাজকুৰীয়া আছিল । তেওঁ প্ৰায়েই মজলিছত থাকিছিল, কিন্তু তিনি বছৰৰ ভিতৰত কেতিয়াবাহে বক্তৃতা দিছিল। তৰ্ক সভাতো তেওঁ বৰ বিব্ৰত হৈ পৰিছিল । তাত নিয়ম আছিল নিৰ্দ্দিষ্ট সময়ত বক্তৃতা নিদিলে জৰিমনা ভৰিব লাগিছিল । তেওঁ

নিৰ্দ্দিষ্ট সময়ত বক্তৃতা নিদিলে জৰিমনা ভৰিব লাগিব। তেওঁ প্ৰায়েই জৰিমনা ভৰিছিল। প্ৰথম জীৱনত তেওঁ অপব্যয় কৰিছিল।

১৯১০ চনত কেমব্ৰিজৰ পৰা পাচ কৰাৰ কিছু দিনৰ পিচত তেওঁ এদিন লগৰীয়া বোৰৰ লগত আনন্দেৰে ফুৰিবলৈ যাওঁতে আচৰত ৰকমে ৰক্ষা পৰিছিল। খোজকাঢ়ি পৰ্ব্বতীয়া বাট পাৰ হৈ এটা সৰু হোটেললৈ তেওঁলোক গ'ল আৰু গা ধুবলৈ স্থিৰ কৰি হোটেলৰ অনুগ্ৰহতে মেজৰ পৰা কাপোৰ আৰু গামোছা লৈ এজন ইংৰাজ ডেকা বন্ধুৰ লগত গা ধুবলৈ গ'ল। জৱাহৰলাল পানীত নামিল। পুখুৰীটো বেছি দ নাছিল যদিও পানী অতি চেচা আছিল, আৰু তলখন বৰ পিছল আছিল। ভৰি পিছলি তেওঁ পৰি গ'ল। জাৰত গোটেই গা ঠেৰেঙ্গা লাগি হাত ভৰি লৰাবৰ শক্তি নাইকীয়া হ'ল। থিয় হব নোৱাৰি তেওঁ উটি গ'ল। ইংৰাজ ডেকাজন অতি কষ্টেৰে বামলৈ উঠি বামে বামে দৌৰি গ'ল আৰু বহুদূৰৈত তেওঁক অতি কষ্টেৰে কোনো মতে ভৰিত ধৰি টানি পানীৰ পৰা তুলি আনিলে। এই জলপ্ৰপাতটো তেওঁলোকে গা ধোৱা ঠাইৰ পৰা দুই তিনি গজ মান দূৰতে ঠিয়ই ঠিয়ই পৰ্ব্বতৰ পৰা তীব্ৰ বেগেৰে বৈ আছিল। সেই দিনা এই ইংৰাজ ডেকাজনে যদি তেওঁক মৃত্যুৰ মুখৰ পৰা ৰক্ষা নকৰিলেহেতেন তেন্তে সেই দিনৰ

তোমালোকৰ বন্ধুজনক আজি আমি আমাৰ জাতীয় গৌৰৱ হিচাবে স্বাধীন ভাৰতৰ প্ৰথম আৰু প্ৰধান মন্ত্ৰীত্ব পদত নেপালোঁহেতেন। ইংৰাজ ডেকা জনেও তেতিয়া ভাবিব পৰা নাছিল যে এওঁ ভৱিষ্যত ভাৰতৰ সম্ৰাট হব বুলি।

১৯১২ চনৰ জহকালি জৱাহৰলালে বাৰিষ্টাৰী পাছ্ কৰি সাত বছৰ ইংলণ্ডত প্ৰবাস খাতি নিজ দেশলৈ উভতি আহে ইয়াৰ আগতে তেওঁ বন্ধত আৰু তুবাব ঘৰলৈ আহিছিল।



# বুকাৰ ওৱাচিংটন।



১৮৫৮ চনৰ শেষ ভাগত বা ১৮৫৯ চনৰ আগভাগত ভাৰ্জ্জিনিয়া প্ৰদেশৰ ফ্ৰেঙ্কলিন জিলাত বুকাৰৰ জন্ম হয়। বুকাৰৰ জন্মৰ সময়ত নিগ্ৰো জাতি পৰাধীন আছিল। আন আন কিনা দাস বা গোলামবোৰৰ যি অৱস্থা বুকাৰো সেই একেই অৱস্থাৰ মাজত লালিত পালিত হৈছিল।

বুকাৰ থকা ঘৰৰ মজিয়াতে এটা গাঁত কৰি জাৰকালি আলু ভৰাই কাঠ এচলাৰে ঢাকি থয়; আৰু গাঁতৰ পৰা আলুবোৰ উলিয়াওতে চেগ বুজি পুৰি লৈ অকলে অকলে পোৰা আলুকে খাই জিভাৰ তৃপ্তি লাভ কৰিছিল। কোনো কোনো দিনত কেতিয়াবা পেট ভৰাই দুসাজ খাবলৈ নাপাইছিল। কেতিয়াবা মাকে ৰাতি চুৰকৈ কুকুৰা পোৱালী জুইত পুৰি খুৱাইছিল, আৰু পেটৰ ভোক পলুৱাইছিল।

লৰা কালত বুকাৰে কোনো দিনেই বিচনাত শুই পোৱা নাছিল; আৰু কোনো দিন খেল ধেমালিও কৰি পোৱা নাছিল। গোলামী যুগত বুকাৰৰ বয়স নিচেই কম আছিল কাৰণে বেচি টান কাম কৰিব পৰা নাছিল। কামৰ ভিতৰত বুকাৰে চোতাল সাৰিছিল, খেতিত কাম কৰা মানুহবোৰৰ খাবলৈ পানী যোগাইছিল, আৰু সপ্তাহত এদিনকৈ কলত পিহিবলৈ শস্য ঘোৰাৰ পিঠিত কঢ়িয়াইছিল। শস্য কঢ়িওৱা

কামত বুকাৰে বৰ টান পাইছিল; কাৰণ শস্যৰ থৈলাৰ লগতে বুকাৰো ঘোৰাত উঠি যায়। কেতিয়াবা কেতিয়াবা থৈলাটো বেকা হৈ যায় আৰু থৈলাৰে সৈতে বুকাৰ মাটিত বাগৰি পৰি যায়। কল ঘৰলৈ যোৱা বাট দোশৰ হাবিয়নী আছিল। সেইসময়ত অকলে পালে যুৰোপীয় চিপাহীবোৰে নিগ্ৰো ল'ৰাক কান কাটে বুলি এটা মিছা বাতৰিত প্ৰত্যয় হৈছিল। সেই কাৰণে কল ঘৰলৈ অহা যোৱাটো বুকাৰে বৰ টান পাইছিল। কলঘৰৰ পৰা উভতি আহোতে ৰাতি হলে ঘৰতো পুৰস্কাৰ স্বৰূপে লাঠি চৰৰ পৰা অব্যাহতি পোৱা নাছিল।

গোলামী অৱস্থাত বুকাৰে লিখা পঢ়ানো কাক কয় আৰু কিয় লিখা পঢ়া কৰিব লাগে নেজানিছিল। কেতিয়াবা গৰাকীসকলৰ ফলি পুথি লৈ পঢ়াশালীৰ দুৱাৰ মুখলৈ গৈ লৰা ছোৱালীবোৰক লিখা পঢ়া কৰি থকা দেখি ভাবিছিল "মানুহৰ এই থনেই স্বৰ্গ"।

বুকাৰে জীৱনত প্ৰথমে পিন্ধা জোতাজোৰ কাঠৰ আছিল। কাঠৰ জোতা পিন্ধি ভৰিত বৰ দুখ পাইছিল। ৱেষ্ট-ভাৰ্জ্জিনিয়াৰ গোলাম পতিত থাকোতে নিগ্ৰোবোৰক এবিধ খহতা কাপোৰৰ চোলা পিন্ধিবলৈ দিয়া হৈছিল। নতুনতে সেই চোলাবোৰত বহুত কাঁইট আছিল। গতিকে বুকাৰে সেই চোলা পিন্ধাত বৰ কষ্ট পোৱা কাৰণে বুকাৰৰ ককায়েক জনে, এমাহ মান পিন্ধি কাঁইটবোৰ ভোটা কৰি দিছিল। অলপ ডাঙৰ



বুকার ওয়াশিংটন

হোৱাত বৰ চাহাবৰ খানা খোৱা সময়ত অৰ্থাত আহাৰ কৰা সময়ত বিচনীৰে বিচা কামত ভৰ্ত্তি হ'ল। মাজে মাজে চাহাবৰ আহাৰ দেখি বুকাৰৰো লোভ লাগিছিল।

নিগ্ৰোবিলাকে স্বাধীনতা পোৱাৰ পিচত বুকাৰৰ পিতাকে বুকাৰ হঁতক ভাৰ্জ্জিনিয়াৰ মেলেন নামে এখন চহৰলৈ লৈ গ'ল। মেলেনত লোৱাৰ কলত বুকাৰৰ পিতাকে এটা কামত সুমুৱাই দিলে। সেই সময়ত বুকাৰৰ লিখা পঢ়া শিকিবলৈ বৰ মন গ'ল। মাকে কৈ ৱেবেষ্টাৰৰ বৰ্ণ পৰিচয় এখন গোটালে। কাৰো সহায় নোলোৱাকৈ অতি কষ্টৰে কোনোমতে আখৰ কেইটা চিনি পালে। লিখা পঢ়া কামত মাকে বুকাৰক যথেষ্ট সহায় আৰু উৎসাহ দিছিল। এনেতে এজন অৰ্দ্ধশিক্ষিত নিগ্ৰো লৰা মেলডেন গাওঁত উপস্থিত হল। বুকাৰকে আদি কৰি সকলো লৰা-বুঢ়াই সেই লৰাজনৰ পৰা বাতৰি কাকত পঢ়া শুনিছিল। দিনে দিনে সেই লৰাজনৰ যশস্যা বাঢ়ি যোৱাত বুকাৰৰ বৰ হিংসা লাগিল আৰু ভাবিবলৈ ধৰিলে "ময়ো যদি সেই লৰাজনৰ দৰে শিক্ষিত হওঁ তেন্তে মোকো তেনেদৰে সকলোৱে মান সন্মান কৰিব। গতিকে তেওঁৰ সমান বিদ্বান হলে মোক আৰু একো নেলাগে।

লাহে লাহে সেই গাওঁতে এখন প্ৰাইমাৰী স্কুল হল। আন এজন নিগ্ৰো লৰাই তাত শিক্ষকতা কৰিলে। শিক্ষকক দৰমহা দিয়া বৰ কঠিন হোৱাত শিক্ষকে প্ৰত্যেক পৰিয়ালৰ ঘৰত এদিনকৈ খোৱাটোকে বন্দোবস্ত কৰিলে। বুকাৰৰ ঘৰত যিদিনা শিক্ষক

আলহী হয় সেইদিনা বুকাৰে বৰ আনন্দ পাইছিল আৰু শিক্ষকৰ খোৱা পালা বুকাৰ ইতৰ ঘৰত কোন দিনা পৰিব তাকে ভাবি অস্থিৰ হৈ পৰিছিল। কাৰণ সেইদিনা আলহীৰ লগতে বুকাৰে ভালকৈ এসাজ খাব পাইছিল।

কিন্তু বুকাৰৰ দুৰ্ভাগ্যৰ কাৰণে স্কুলত ভৰ্ত্তি হব নোৱাৰিলে। বাপেকে লোণৰ কলত খতুৱাই পইছা উপাৰ্জ্জন কৰিবলৈ মন কৰিলে। সমনীয়া লৰাবোৰক স্কুললৈ অহা যোৱা কৰা দেখা পাই বুকাৰৰ বৰ অনুতাপ হল আৰু উপাই নেপাই পঢ়াৰ আশা এৰি নিদি প্ৰথম ভাগ কিতাপ খনকে লাহে লাহে পঢ়িবলৈ ধৰিলে।

পিচত শিক্ষকৰ লগত বন্দোবস্ত কৰি দিনত কাম কৰি সন্ধ্যা স্কুললৈ পঢ়িবলৈ যাবলৈ আৰম্ভ কৰিলে। এইদৰে তেওঁ কেৱল ৰাতিৰ স্কুলত পঢ়িয়ে সন্তুষ্ট নেথাকিল। দিনৰ স্কুললৈ যাবলৈ দৃঢ় প্ৰতিজ্ঞ হল আৰু বহুত কান্দি কাতি পিচত অভিভাবকৰ পৰা অনুমতি পালে।

দিনৰ স্কুলতে নাম লগালে হয় কিন্তু ৰাতিপুৱা কামৰ পৰা আহি স্কুল নেপায়। সদায় দেৰি হয়। কল ঘৰত এটা ঘৰী আছিল। সেই ঘৰীমতে সকলোৱে কাম কৰে গতিকে বুকাৰে ৮॥ বজাতে ঘৰীটোৰ কাটা ৯ বজাত দি থয়। আৰু সেইমতে কল ঘৰৰ কাম অন্ত কৰি স্কুল পায় গৈ পিচত বৰ চাহাবে সন্দেহ কৰি অফিচ ঘৰটোত টলা বন্ধ কৰি থবলৈ ধৰিলে। বুকাৰে আকৌ বিপদত পৰিল। সেই

সময়ত পাঠশালাৰ সকলো চাত্ৰই টুপি পিন্ধি পঢ়িবলৈ গৈছিল। বুকাৰে তেতিয়া টুপি পিন্ধিব লাগে বুলি শিকিলে আৰু মাকক এটা টুপিৰ কাৰণে বৰ আমনি কৰাত উপায় বিহীন হৈ মাকে দু'দাখৰ জিন কাপোৰ চিলাই এটা টুপি কৰি দিলে। টুপি পাই বুকাৰ আনন্দত বিভোৰ হৈ পৰিল। সেই সময়ত প্ৰত্যেক লৰাৰে দুটা শব্দৰ নাম আছিল। বুকাৰৰ নামটোহে এটা শব্দৰ আছিল। স্কুলত শিক্ষকে বহীত নাম তুলিবলৈ নাম সোধাত বুকাৰেও আনক দেখি নম্ৰ সুৰত কলে মোৰ নাম বুকাৰ ওৱাচিংটন। কিন্তু মাকে নাম দিছিল টেলিয়াকৰ ওৱাচিংটন। বুকাৰে পিচত এই কথাৰ ভু পাই মাতৃৰ বাক্য ৰাখিবলৈ নিজৰ নাম বুকাৰ টেলিয়াকৰ ওৱাচিংটন ৰাখিলে।

বুকাৰে নিজকে এজন ডাঙৰ মানুহৰ লৰা বুলি ভাবিছিল। তেওঁৰ যেন বংশৰ সকলো বোৰেই সৎ চৰিত্ৰৰ আৰু ব্যুৎপত্তি সম্পন্নৰ আছিল আৰু তেওঁ যেন উত্তৰাধিকাৰী হিচাবে বংশৰ নাম বঢ়াবলৈ আৰু বংশ গৌৰব হিচাবেহে উপজিছে, এই কথা পিচত বৰকৈ খেলাইছিল।

অবশ্যে এনেভাবে মানুহক অধোন্নতিলৈহে নিয়ে, তাৰোপৰি নিজৰ কৰ্ত্তব্যজ্ঞান নোহোৱা কৰে। অভিভাবকে বুকাৰক বেচি দিন স্কুললৈ যাব নিদিলে।

ফলত তেওঁৰ নাম কটা যায়। তেতিয়াৰ পৰা বুকাৰে নৈশ স্কুলৰ শিক্ষাকেই জীৱনৰ সম্বল কৰি ললে। দিনত লিখা

পঢ়া কৰিবলৈ তেওঁৰ সময় মুঠেই নাছিল।

ৰাতিৰ পঢাশালীত বুকাৰে বহুত সময়ত উপযুক্ত শিক্ষাৰ অভাবত বৰ কষ্টত পৰিছিল। কেতিয়াবা ৫।৬ মাইল দূৰলৈ খোজ কাটি গৈছিল। কাৰণ বুকাৰৰ প্ৰতিজ্ঞা আছিল যে, তেওঁ হেজাৰ বিপদ আপদ চেৰ পেলাই হলেও বিদ্যা চৰ্চ্চা কৰিব।

পিচত বুকাৰে লোণৰ খনিৰ পৰা কাম এৰি কয়লাৰ খনিত সোমাল। কয়লাৰ খনিত কাম কৰা বৰ দুৰূহ। কয়লাৰ খনিত কাম কৰোতেও বুকাৰ বহু সময়ত বিপদত পৰিছিল।

সেই সময়ত বগা মানুহৰ লৰাবোৰক দেখি বুকাৰে ভাবিছিল "ময়ো যদি কোনো এখন দেশৰ অধিনায়ক, ৰাজ্যস্থাপক নাইবা জিলাৰ কৰ্ত্তা হব পাৰিলোহেঁতেন।" বগা মানুহৰ লৰা বোৰক সিহঁতৰ আশা আকাঙ্ক্ষা, উদ্যমৰ বাটত হকা বাধা কোনেও নকৰে বৰঞ্চ সিহঁতৰ অভিভাবকবোৰে বা আনে দুগুনে উৎসাহহে দিয়ে। কিন্তু বুকাৰৰ প্ৰতি খোজতে অভিভাবকৰ বাধা প্ৰতি খোজতে নতুন নতুন বাধা বিপদে আহি দেখা দিয়ে।

বুকাৰে এদিনাখন কয়লাৰ খনিত কাম কৰোতে দুটা কুলিৰ কথা বতৰাৰ পৰা জানিলে যে, ভাৰ্জ্জিনিয়া প্ৰদেশৰ হেম্পটন নগৰত নিগ্ৰো লৰাবোৰৰ কাৰণে এখন নতুন স্কুল স্থাপন হৈছে, স্কুলখনৰ নাম শিক্ষক আৰু বিদ্যালয়। তাত সকলো ৰকমৰ সুবিধা পায় আৰু দুখীয়া ছাত্ৰবোৰে ধন ঘটি পঢ়া শুনা কৰিব পাৰে, তাৰোপৰি তাত নিগ্ৰো লৰাৰ বাহিৰে

আন কোনো লবা নেৰাখে।

• বুকাৰৰ খাওঁতে শোওঁতে উঠোঁতে বহোঁতে মাত্ৰ হেম্পটনেই হৰিনাম হল; আৰু সপোনতো হেম্পটনকেই কল্পনা কৰিব ধৰিলে। পিচত বুকাৰে মাকৰ যত্নত কয়লাৰ খনিৰ গৰাকীৰ ঘৰত ১৫৲ টকা বেতনত চাকৰ কামত সোমাল। বুকাৰে গৰাকীৰ পত্নীক বৰ ভয় কৰিছিল। গৰাকীৰ পত্নী বৰ খঙাল, পৰিষ্কাৰ ভাল পোৱা আৰু কামিলা আছিল। তেওঁৰ তলত কোনো চাকৰেই ১ পক্ষতকৈ বেচি দিন থাকিব নোৱাৰিছিল, কিন্তু বুকাৰে নিজৰ চৰিত্ৰৰ বলত অতি অলপ দিনৰ ভিতৰতে তেওঁৰ বৰ প্ৰিয়পাত্ৰ হৈ উঠিল। তেওঁৰ অনুগ্ৰহত ৰাতিৰ বাহিৰেও দিনত এঘণ্টাকৈ পঢ়িব পাৰিলে। তেতিয়া বুকাৰে এটা বাকচ আনি তাত কেইবা থাকো কৰি বহু ঠাইৰ পৰা অতি যত্ন আৰু কষ্ট কৰি বহী, কাগজ, কিতাপ, পেঞ্চিল আদি গোটাই অতি সুন্দৰকৈ সজাই পৰাই ৰাখিলে, সেইটোৱেই বুকাৰৰ সৰ্ব্বপ্ৰথম লাইব্ৰেৰী।

এইদৰে বহুদিন যোৱাত এদিন বুকাৰে হেম্পটন চহৰলৈ যাত্ৰা কৰিলে। বুকাৰক সকলোৱে আশীৰ্ব্বাদ দিলে আৰু কোনোৱে ছুটা পইচা কোনোৱে এযোৰ কাপোৰ দি সহায় কৰিলে মেলদেনৰ পৰা হেম্পটনলৈ ৫০০ মাইল দূৰ। অতি কষ্ট কৰি বুকাৰে ৰেল জাহাজ আদিৰে যাত্ৰা কৰিলে। আদ বাটত সন্ধ্যা পৰত এখন হোটেলত ৰব লগা হোৱাত বুকাৰৰ সহযাত্ৰী বগা মানুহ আটাইবোৰে এখন হোটেললৈ গল। ক'লা যাত্ৰী

একমাত্র বুকাৰ। বুকাৰে সেই হোটেলত ক'লা মানুহ বুলি ঠাই নেপাই হোটেলৰ দুৱাৰ মুখত গোটেই ৰাতি ভীষণ জাৰত পৰি থাকিল।

পিচ দিনা আকৌ যাত্রা আৰম্ভ কৰিলে। কোনো ঠাইত খোজকাঢ়ি, কোনো ঠাইত গাড়োৱানক হাতে ভৰি ধৰি বিনা খৰছে গৈছিল, আৰু কোনো ঠাইত লগত যোৱা মানুহৰ পৰা পইচা খুজি বাটখৰছ উলিয়াই কোনো মতে ৰিচমণ্ড চহৰ পালে। তাতে ৰাতি হ'ল। হাতত্তো পইচা এটাও নাই, ইপিনে পেটৰ ভোকত তত নাই, তাৰোপৰি গাৰ বৰণ ক'লা। কোনো মানুহে ৰাতিটোৰ কাৰণে বিনা পইচাৰে থাকিবলৈ এডোখৰ ঠাই, আৰু পেটৰ ভোক মাৰিবলৈ এডোখৰ মাংস বা আলু দিওতা মানুহ নোলাল। লাজত ভাগৰত আৰু ভোকত ঠিয় হব নোৱাৰা হৈ এডোখৰ তক্তাৰ তলত কাপোৰ বান্ধি অনা থৈলাটো গাৰু কৰি লৈ শুই পৰিল।

পিচদিনা পুৱা কেপ্তেইনৰ অনুগ্রহত জাহাজৰ মাল কঢ়িওৱা কামত সোমাল। কামৰ অন্তত বুকাৰে যি পইচা পালে তাৰে খাবলৈহে কুলাল। এইদৰে খোৱা মুঠি কিনি বাকী ধন সাচি ৰাতি তক্তাৰ তলত শুই কেদিন মান কাম কৰি কোনো-মতে ১।৵০ আনাৰ পুঁজি কৰি লৈ হেম্পটন চহৰ ওলালগৈ।

অকনো সময় নষ্ট নকৰি বুকাৰে স্কুলৰ প্রধান শিক্ষয়িত্রীৰ ওচৰত উপস্থিত হ'ল। কিন্তু বুকাৰৰ লেতেৰা কাপোৰ দেখি সেই স্কুলৰ অযোগ্য ভাবি শিক্ষয়িত্রীয়ে বুকাৰৰ কোনো কথাৰ উত্তৰ

মুগুনিলে। বুকাৰৰ আগতে বহুত নতুন ছাত্ৰ আহি ভৰ্ত্তি হ'ল; কিন্তু বুকাৰে আশা নেৰি শিক্ষয়িত্ৰীৰ ওচৰতে ঘূৰা পকা কৰা দেখি শিক্ষয়িত্ৰীয়ে কলে, "সো বাঢ়নীৰে কোঠাটো সাৰ পেলোৱাচোন। বুকাৰে অতি আনন্দেৰে কোঠাটো তিনি বাৰ চুক কোণ সকলো পৰিষ্কাৰ কৰিলে আৰু প্ৰথম পৰীক্ষাত উত্তীৰ্ণ হ'ল।

বুকাৰে প্ৰায়েই আন লৰাৰ পৰা কিতাপ ধাৰে আনিছিল। চোলা মাত্ৰ এটা। সেই চোলাটোৰে খাঞ্চামা কাম কৰিও স্কুললৈ গৈছিল। বুকাৰৰ দুৰৱস্থা দেখি শিক্ষকে থৈলাৰ পৰা এটা পুৰণি চোলা আনি দিলে। সেই চোলাবোৰ ইয়াঙ্কীৰ পৰা দুখীয়া লৰাবোৰলৈ দিয়ে। তাত প্ৰত্যেক লৰাকে দুখন বিচনা চাদৰ দিয়া হৈছিল। বুকাৰে দুখন বিচনা চাদৰৰ মূল্য নুবুজি দুয়োখন বিচনা চাদৰ পাৰি লৈ শুই পৰিছিল। পিচদিনাহে আন লৰাক দেখি নিজৰ ভুল শুধৰাই ললে।

এইদৰে এবছৰ স্কুলত কটোৱাৰ পিচত গৰমৰ বন্ধ হ'ল। সকলো ছাত্ৰ-ছাত্ৰী শিক্ষক-শিক্ষয়িত্ৰী নিজ নিজ ঘৰলৈ গুচি গল।

এইদৰে বাল্য জীৱনতে কিমান বিপদ আপদৰ মাজেৰে যাব লগা হৈছিল তাৰ সীমা নাই। সৌভাগ্যৰ বিষয় এই যে, তেওঁ প্ৰত্যেক অনুষ্ঠানতে চিৰ জীৱনলৈ একোটা শিক্ষা পাইছিল। তেওঁৰ মন কেতিয়াও হতাশৰ ভাবেৰে বান্ধিব পৰা নাছিল। হেজাৰ বিপদতো তেওঁ ধৈৰ্য্য ধৰি গৈ আছিল।

বাট খৰছৰ অভাবত মাত্ৰ বাধী বল বুকাৰ। ইপিনে স্কুলত ধাৰ হৈছে ৫০৲ টকা।

অবশেষত বুকাৰে চাহৰ দোকান এখনত কম বানচত এটা কাম ললে। এদিন দোকানৰ মজুৰ কলত ৫০৲ টকাৰ হেৰোৱা নোট এখন পাই বুকাৰে আনন্দতে নোট খন লৈ মেনেজাৰৰ ওচৰ পালে। ভাবিছিল অলপ পুৰস্কাৰ তেওঁক দিব। কিন্তু মেনেজাৰে সেইখন নিজৰ বুলি লৈ থলে। আৰু বুকাৰক একো নিদিলে।

বন্ধৰ পাছত আকৌ খাঞ্চামাগিবি কৰি আগৰ দৰে পঢ়া আৰম্ভ কৰিলে। হেম্পটনত নানা ৰকমৰ পশু, পক্ষী, জীৱ-জন্তুৰ বিষয়ে যথেষ্ট জ্ঞান লাভ কৰিলে। দ্বিতীয় বছৰত ভালদৰে বাইবেল পঢ়িবলৈ শিকে। এই বাইবেল পঢ়াৰ পাচৰ পৰা অলপ অলপ বক্তৃতা দিবলৈও শিকি ললে।

হেম্পটন চহৰত কেইবা খনো আলোচনা সমিতি আছিল। তাৰ বাহিৰেও বুকাৰে আৰু এখন আলোচনা সমিতি পাতিলে। দ্বিতীয় বছৰ গৰমৰ বন্ধ হল। এইবাৰ ঘৰৰ পৰা কিছু ধন পাইছিল, তাৰ উপৰিও এজন শিক্ষকে কিছু ধন দিলে। আনন্দেৰে ঘৰলৈ উভতিল।

ঘৰ পালত সকলোৱে বুকাৰক এসাজ এসাজ খাবলৈ মাতিলে। বুকাৰে গাওঁবাসীৰ লগত হেম্পটনৰ কথা বতৰা পতাৰ বাহিৰেও গিৰ্জ্জা ঘৰত আৰু স্কুলত বক্তৃতা দিব পাৰিলে সেই গৰমৰ বন্ধতে বুকাৰৰ মাক ঢুকাল।

মাকৰ মৃত্যুৰ পিচতেই বুকাৰৰ ঘৰ ভাগিল। ইপিনে স্কুলো খুলিবৰ হ'ল। পূৰ্ব্বৰ গৱাকীৰ ঘৰত এটা কাম লৈ বন্ধৰ কেইদিনত কিছু ধন ঘটি বাট খৰচ উলিয়ালে। ককায়েকেও অলপ পিন্ধা কাপোৰ গোটাই দিলে। এনেতে স্কুল খুলিবৰ বিশ দিন মান থাকোতে প্ৰধান শিক্ষয়ত্ৰীৰ পৰা স্কুলৰ ঘৰ দুৱাৰ পৰিষ্কাৰ কৰিব লাগে বুলি এখন চিঠি পালে। চিঠি পাই বুকাৰে সোনকালে যাত্ৰা কৰিলে।

হেম্পটনত বুকাৰৰ এইটোৱেই শেষ বছৰ। অতি আগ্ৰহেৰে পঢ়া আৰম্ভ কৰিলে। অৱশেষত বুকাৰে অনাৰ পাচ কৰিলে, অৰ্থাৎ হেম্পটনৰ গ্ৰেজুৱেট হ'ল। এতিয়া বুকাৰৰ আনন্দ চায় কোনে। এই সময়ত বুকাৰে ১৬।১৭ বছৰত ভৰি দিছিল।

হেম্পটন এৰিবলৈ হাতত এটাও পইচা নথকাৰ কাৰণে এখন হোটেলত এটা চাকৰী ললে। এজনৰ পৰা অলপ ধন ধাৰে ললে। বুকাৰৰ ওপৰত হোটেলৰ পৰিবেশনৰ ভাৰ পৰিল। এদিন কিছুমান ডাঙৰ মানুহ সেই হোটেলত খাবলৈ বহিল। বুকাৰে পৰিবেশনৰ কাম ভালদৰে নজনাত ভদ্ৰলোক কেইজনৰ খং উঠি বুকাৰক মাৰিবলৈ খেদি গ'ল। ভয়তে বুকাৰে দোকান এৰি গুচি গ'ল।

পিচত পুনৰ অলপ ওপৰ খাপৰ বেহেৰাৰ কাম এটা কৰিবলৈ ললে। লগতে অলপ অলপ কৈ পৰিবেশনৰ কাম শিকিলে। পিচত আকৌ বুকাৰৰ হাতৰ পৰিবেশনৰ

কাম পৰিল। কিছু কাম কৰাৰ পিচত বুকাৰে নিজ ঘৰলৈ উভতি আহি আৰু এজন শিক্ষকৰ পদত নিযুক্ত হ'ল। লগে লগে বুকাৰৰ সুখৰ দিন আৰম্ভ হ'ল সেই সুবিধাতে বুকাৰে নিজৰ গাওঁৰ আৰু আন আন ঠাইৰ নিগ্ৰো জাতি ভাইৰ উন্নতিৰ কাৰণে দেহে কেহে লাগিবলৈ ধৰিলে; ঠায়ে ঠায়ে স্কুল পাতিবলৈ ধৰিলে।

এইদৰে ক্ৰমান্বয়ে উন্নতি কৰি গৈ শেষত বুকাৰ নিগ্ৰো জাতিৰ ভাগ্য গঢ়োতা আৰু জাতিৰ উন্নতি সাধোতা বুলি দেশ বিদেশত জনাজাত হৈ পৰিল। হেজাৰ হেজাৰ মানুহ বুকাৰ টেলিয়াৰ্কৰ বক্তৃতা শুনিবলৈ আৰু দৰ্শন লাভ কৰিবলৈ উৎকণ্ঠিত হৈ পৰিল।

চোৱাচোন নিজৰ কঠোৰ পৰিশ্ৰম আৰু একাগ্ৰতাৰ বলত সামান্য লৰা সময়ত গৈ কেনে ইতিহাস প্ৰসিদ্ধ মানুহ হৈ পৰিল। যদি তোমালোকেও বুকাৰৰ দৰে হেজাৰ বিপদ আপদ কাটি কৰি থৈ নিজ কৰ্ত্তব্যৰ পথত আগবাঢ়ি যাব পাৰা তেনেহলে তোমালোকেও নিশ্চয় সময়ত গৈ বুকাৰৰ দৰে বিখ্যাত মানুহ হব পাৰিবা।



# বেঞ্জামিন ফ্রেঙ্কলিন

—[✱✱✱]—

১৭০৬ খৃষ্টাব্দত বোষ্টন নগৰত বেঞ্জামিন ফ্রেঙ্কলিনৰ জন্ম হয়। তেওঁৰ বাপেকৰ নাম জোছিয়া ফ্রেঙ্কলিন আৰু মাতৃৰ নাম আবিয়া ফ্রেঙ্কলিন আছিল।

এবাৰ বোষ্টন নগৰত এখন মেলা হৈছিল। সেই মেলালৈ আন আন লৰাৰ দৰে বেঞ্জামিনক মাকে কিছুমান তামৰ চেন্ট দিছিল। তেওঁ সেইবোৰ লৈ গল আৰু বাটতে তেওঁৰ এজন বন্ধুই এটা পেপা বজাই অহা দেখি বৰ মোহিত হৈ মেলাৰ পৰা দাম দৰ নোসোধাকৈ আটাইবোৰ চেন্ট দোকানিক দি এটা পেপা কিনি ঘৰলৈ উভতি আহিল। সেই পেপাটো তেওঁ ইমানকৈ বজাইছিল যে, তাৰ কাৰণে ঘৰৰ আটাইবোৰে বৰ বিৰক্তি বোধ কৰিব লগীয়া হৈছিল।

অৱশেষত বেঞ্জামিনে যেতিয়া জানিলে যে, এটা পেপাৰ কাৰণে গোটেইবোৰ ধন দিয়া উচিত নাছিল, তেতিয়া তেওঁ নিজে বৰ খেদ কৰিবলৈ ধৰিলে।

সেইদিনাৰ ঘটনাটোৰ পৰা বেঞ্জামিনে জীৱনত এটা বৰ ডাঙৰ উদাহৰণ পালে। উদাহৰণটো হৈছে নিজৰ পেপাৰ মূল্যতকৈ অধিক মূল্য নিদিবা।

সৰু কালত তেওঁ বৰশীৰে মাছ ধৰি আমোদ পাইছিল

সদায় লগৰীয়াৰে সৈতে মাছ ধৰিবলৈ গৈছিল । সেই মাছ ধৰা ঠাইখিনি গছকাত বৰ বোকা হৈ যোৱাৰ কাৰণে ওচৰতে ঘৰ সাজিবলৈ থোৱা কিছুমান ডাঙৰ ডাঙৰ শিল বাতি লগৰীয়া বোৰেৰে সৈতে মনে মনে বগৰাই বগৰাই আনি বোকা পানীৰ ওপৰত পেলাই দি এটা সুন্দৰ ঘাট বান্ধি পেলালে । পিচদিনা কাৰিকৰহঁতে তেনে কাণ্ড দেখি মাছধৰা লৰাবোৰৰ অভিভাবক বোৰক সেই কথা কৈ দিলত অভিভাবক সকলে লৰাহঁতক তাৰ উচিত শাস্তি বিহিলে । বেঞ্জামিনক কিন্তু বাপেকে তিৰস্কাৰ কৰাৰ লগতে ইয়াকো কলে যে, যি কাম সজ নহয় আচলতে সি উপকাৰী নহয় । বাপেকৰ এই সাৰুৱা উপদেশ তেওঁ গোটেই জীৱনতে নেপাহৰিলে ।

লৰা কালত বেঞ্জামিন বৰ চতুৰতীয়া আছিল । তেওঁ সাতোৰা, নাওঁবোৱা, জপিওৱা, যুঁজকৰা আদি কামত সদায় আগৰণুৱা আছিল আৰু বুৎপত্তি দেখুৱাব পাৰিছিল । তেওঁ নিচেই সৰুতে সাতোৰাৰ কাৰণে নানা কৌশল অবলম্বন কৰিছিল । সেই কৌশল দেখি সমনীয়াহে নেলাগে আন ডাঙৰ ডাঙৰ মানুহবোৰেও বৰ আচৰিত আৰু মোহিত হৈছিল । আঠ বছৰ বয়সত বেঞ্জামিনক বোষ্টন নগৰত এখন প্ৰাথমিক স্কুলত নাম লগাই দিয়া হয় । স্কুলত দিয়াৰ আৰম্ভনিৰে পৰা বেঞ্জামিনে শিক্ষক সকলক সুদক্ষভাৱ পৰিচয় দিছিল আৰু প্ৰত্যেক শ্ৰেণীত প্ৰথম স্থান লাভ কৰিছিল যদিও অঙ্কত আন ছাত্ৰতকৈ তেওঁ অলপ কেঁচা আছিল ।



বেঞ্জামিন ফ্রেঙ্কলিন

জোচিয়া ফ্রেঙ্কলিনৰ আৰ্থিক অৱস্থা বৰ দুৰ্ব্বল আছিল। সেই কাৰণে বেঞ্জামিনক পঢ়াশালিত সৰহ দিন শিক্ষা দিয়াব নোৱাৰিলে। বেঞ্জামিন পাটীগণিতত বৰ কেচা আছিল। তেনেস্থলত বাপেকৰ মমবাতি আৰু বাৰণ তৈয়াৰ কৰা কাৰবাৰত লিপ্ত হয় কেনেকৈ ? সৌভাগ্যক্ৰমে সেই সময়ত ব্ৰাউন ওৱেল নামে এজন ভদ্ৰলোকে ব্যৱসায়ৰ শিক্ষাৰ্থী সকলৰ কাৰণে এখন স্কুল খুলিছিল। বেঞ্জামিনক মাত্ৰ “ন” বছৰ বয়সতে প্ৰাথমিক স্কুলৰ পৰা একেবাৰে আনি এই স্কুলত নাম লিখাই দিলে। আগৰ দৰে ইয়াতো তেওঁ সুখ্যাতি আৰ্জ্জন কৰিলে আৰু লগে লগে কেৰাণী কাম ভালদৰে শিকি ললে।

ব্ৰাউন ওৱেলৰ পঢাশালিত এবছৰৰ শিক্ষা লাভ কৰাৰ পাচত বাপেকে নিজৰ কাৰবাৰত লগাই দিলে। বেঞ্জামিনৰ কিন্তু মম আৰু চাবনৰ কাৰবাৰত সমূলি ভাল লগা নাছিল। অন্তত কোনো উপায় নাপাই এদিন বাপেকৰ লগত সাগৰৰ পাৰলৈ গৈ নাবিক জীৱন জাপন কৰাৰ কথা কলে। কিন্তু ঘৰৰ সকলোৱে তেনে এটা কষ্টকৰ কামত যাব দিবলৈ অমান্তি হ’ল। অগত্যা বেঞ্জামিন পলাইযোৱাৰ ভয়ত বাপেকে ইংলণ্ডত থকা ককায়েক জেমচ্ ফ্ৰেঙ্কলিনৰ ছপাখানাত শিক্ষাৰ্থী হিচাবে পঠিয়াই দিলে। সেই দেশৰ চলিথকা নিয়ম তন্ত্ৰ মতে শিক্ষাৰ্থীৰ বাবে নগদ ১০ পাউণ্ড বাপেকে দিব লগা হ’ল। একৈশ বছৰ নোহোৱা পৰ্য্যন্ত জেমচ্‌ক গৰাকী বুলি মানিব লাগিব ; আৰু সেইমতে কামো কৰিব লাগিব।

চুক্তিনামা পত্রত চহী কৰি তেওঁ ককায়েকৰ লগত শিক্ষাৰ্থী হল।

বেঞ্জামিনেও অতি আগ্ৰহেৰে লাগি গল। অলপ দিনৰ ভিতৰতে তেওঁ এজন ভাল প্ৰেছমেন আৰু কম্পজিটৰ হৈ উঠিল। লগতে তেওঁ বিদ্যা চৰ্চ্চাৰ সুবিধা পালে, আৰু তলে তলে এজন নীৰৱ সাহিত্য সেৱক হৈ উঠিল। স্কুলত থাকোতে অঙ্কৰ দুৰ্ব্বলতা খিনি পুৰাবলৈ তেওঁ এখন পাটীগণিত কিনি আনি আজৰি সময় খিনি অঙ্ক কৰাত আৰু সাহিত্য চৰ্চ্চা কৰাত ব্যৱহাৰ কৰিবলৈ লাগিল।

মাত্ৰ ১৬ বছৰ বয়সতে বেঞ্জামিন বিখ্যাত কুৰান্ত বাতৰি কাকতৰ সম্পাদক নিযুক্ত হয়। কিন্তু সেই কাকত ৮ মাহ অতি দক্ষতাৰে চলোৱাৰ পিচত পৰশ্ৰীকাতৰ ককায়েক জেমচৰ কোপ দৃষ্টিত পৰিল।

ককায়েকে বেঞ্জামিনক দিনে দিনে সামান্য কথাতে শাস্তি বিহিবলৈ আৰম্ভ কৰিলে। তেওঁ অসহ্য হৈ বোষ্টন নগৰ ত্যাগ কৰি জব নামে এজন বন্ধুৰ সৌজন্যত ১৭ বছৰ বয়সত নিউয়ৰ্কলৈ যাত্ৰা কৰিলে। উইলিয়ম ক্ৰেফোৰ্ড নামে তাত এজন ভাল প্ৰিণ্টাৰ আছিল। বেঞ্জামিন তেওঁৰ ওচৰলৈ গল। কিন্তু তেতিয়া তেওঁৰ ছাপাখানাত কাম নথকাত বেজাৰ পালে আৰু ফিলাডেলফিয়াত থকা পুত্ৰেকৰ প্ৰেছত কাম পাবৰ আশা দি পঠিয়ালে।

বহু বাধা বিঘিনি অশেষ কষ্টেৰে অতিমক্ৰ কৰি তেওঁৰ

জন্মভূমিৰ পৰা ৪০০ মাইল আতৰ ফিলাডেলফিয়া চহৰ পালে। সেই দিনা ৰবিবাৰৰ কাৰণে চহৰৰ সকলো মানুহেই পৰিষ্কাৰ আৰু ভাল ভাল সাজপাৰ পিন্ধি গির্জ্জালৈ গৈছিল। সেই মানুহবোৰে লেতেৰা কাপোৰ পিন্ধা অচিনাকি বেঞ্জামিনক দেখি ইতিকিং নকৰাকৈ নেথাকিল। কিন্তু কৰ্ত্তব্য-পৰায়ণ বেঞ্জামিনে তালৈ ভ্ৰূক্ষেপ নকৰি থাকিল। তেওঁৰ ভোক লগাত নৈৰ ঘাটলৈ পানী খাবলৈ গ'ল আৰু লগতে কেইটামান কটিও লৈ গ'ল। নৈৰ ঘাটত এজনী তিৰোতা আৰু সৰু লৰা এটাই ভোক ভাগৰত লাল কাল দি থকা দেখি তেওঁ তৎক্ষনাৎ খাবলৈ অনা নিজৰ কটি দুডোখৰো সিহঁতক দি দিলে।

সেই দিনা বেঞ্জামিনে গির্জ্জাৰ বক্তৃতা শুনিবলৈ গ'ল। শুনি থাকোতে ভাগৰত ক্লান্ত হোৱা বেঞ্জামিন টোপনি গ'ল। উপসনাৰ অন্তত চৌকিদাৰে তেওঁক জগাই দিলে আৰু ৰাতি হোৱা কাৰণে আন এটা হোটেলত পৰি থাকিল।

পিচদিনা ৰাতিপুৱা ওৱেডফোৰ ছপাখনা বিচাৰি উলিয়ালেগৈ। সৌভাগ্য ক্ৰমে উইলিয়ম ব্ৰেডফোৰ্ডক লগ পালে আৰু তেওঁ বেঞ্জামিনক পুতেকৰ লগত পৰিচয় কৰাই দিলে।

তেওঁলোকৰ ছপাখনাত কাম নথকাৰ কাৰণে কীমাৰৰ ছপাখানাতে এটা কামত সুমুৱাই দিলে। আৰম্ভনিতে বেতন কম পোৱা কাৰণে বেতন বৃদ্ধি নোহোৱালৈ ওৱেডফোৰ্ডে পুতেকৰ ঘৰতে থাকিবলৈ কলে। কীমাৰৰ ছপাখানাৰ পুৰণি আহিলা

পাতিবোৰ মেৰামতি কৰিবলৈ মাতিলত বৰ আগ্ৰহেৰে সেই কাম কৰি দিয়ে। লাহে লাহে বেঞ্জামিনৰ দক্ষতাৰ পৰিচয় চাৰিওপিনে প্ৰচাৰ হৈ গ'ল।

বেঞ্জামিন ফিলাডেলফিয়ালৈ যোৱাৰ কথা একমাত্ৰ বন্ধু জন কলিঞ্চৰ বাহিৰে কোনেও গম পোৱা নাছিল। কিন্তু তেওঁৰ ভনীয়েক কেপ্তেইন ৰবাৰ্ট হোমচে সেই কথা জানি ঘৰত কোৱাত পিতাকৰ অনুৰোধ অপেক্ষা কৰিব নোৱাৰি সাত মাহৰ মূৰত বেঞ্জামিন ঘৰলৈ আহিল। বহুদিনৰ মূৰত মৰমৰ পুতেকক দেখা পাই বাপেক, মাক, বন্ধু-বান্ধব আটায়ে বৰ আনন্দ পালে।

কিছু দিন যোৱাৰ পিচত আকৌ কীমাৰৰ তালৈ গল। তাৰ পাচত গৱৰ্ণৰ কেথৰৰ কথামতে লণ্ডনলৈ যায়। আচলতে গৱৰ্ণৰে তেওঁক বিপদত পেলাবলৈ চল কৰিছিল। কিন্তু তেওঁ কোনো বিপদত নপৰিল।

লণ্ডনত পল্মাৰৰ ছপাখানাত কিছুদিন কাম কৰাৰ পিচত ওৱাটক নামে এজন মানুহৰ ছপাখানাত আগতকৈ অলপ বেচি দৰমহাত সোমায়। লণ্ডনত থকা সময়ত তেওঁ বহুত বন্ধুক সাতোৰা কৌশল শিকায়।

সেই সময়ত ওৱাট চনৰ ছপাখানাত ওৱাইগেচ নামেৰে এজন সহযাত্ৰীয়ে ইউৰোপ ভ্ৰমণ কৰিবলৈ হাক দিয়ে আৰু বছৰি ৫০ পাউণ্ডকৈ দৰমহাত কেৰাণী হিচাবে তেওঁৰ ব্যৱসায়ত যোগ দিবলৈ কলে; তেওঁৱো তাতে মান্তি হৈ ছপাখানাৰ পৰা

বিদায় ল'লে আৰু গুদামে গুদামে ডানহামৰ লগত ঘূৰি ফুৰিবলৈ ধৰিলে। ১৭২৬ চনৰ জুলাই মাহত লণ্ডনৰ পৰা তেওঁ বিদায় ল'লে। ৮২ দিনৰ মূৰত অতি মৰমৰ নগৰ ফিলা-ডেলফিয়া পালেহি।

বহু বছৰ পিচত তাহানিৰ সেই কামত থিতাপি নোহোৱা বেঞ্জামিনেই এদিন আমেৰিকাৰ বিপ্লবৰ এজন প্ৰধান নেতা হৈ পৰিল। যুক্তৰাজ্য গঠনকাৰী সকলৰ ভিতৰত তেওঁয়ো এজন। সেইদিনা মমবাতি আৰু চাবনৰ কাৰবাৰ কৰা বেঞ্জামিনে নিজৰ প্ৰতিভাৰ বলত ১৭৭৬ চনত ৰাজপ্ৰতিনিধি হিচাবে ফ্ৰান্সৰ ৰাজসভালৈ যায়। তাৰ আগতে দুবাৰ ইংলণ্ডৰ ৰাজসভালৈ পেনছিলভেনিয়া বাসীৰ আবেদন লৈ যায়।

তোমালোকে ভাবিব পাৰিছিলানে তাহানিৰ সেই বেঞ্জামিন ভবিষ্যতে এজন বিখ্যাত নেতা হৈ উঠিব বুলি? তেওঁ নিজৰ চৰিত্ৰৰ বলতহে এজন খ্যাতনামা মানুহ হৈ উঠিব পাৰিছিল। তোমালোকেও যদি নিজ কৰ্ত্তব্যপৰায়ণ, সত্যবাদী আৰু উৎসাহী হোৱা তেন্তে নিশ্চয় এদিন নহয় এদিন বেঞ্জামিনৰ দৰে ডাঙৰ মানুহ হব পৰিবা।



# মহাবীৰ নেপোলিয়ন



কণমানিহত! আজি তোমালোকক এজন বিশ্ববিখ্যাত বীৰৰ ল'ৰাকালিৰ ঘটনাবোৰ কম বুলি ওলাইছোঁ।

এওঁৰ নাম হৈছে নেপোলিয়ন বোনাপাৰ্ট। এওঁৰ জন্ম হয় ১৭৬৯ চনৰ ১৫ আগষ্টত। এওঁৰ বাপেকৰ নাম জোচেফ চাৰ্লছ বোনাপাৰ্ট আৰু মাকৰ নাম মেৰিলেটিজা ৰোমালিনো। চাৰ্লছৰ এওঁ দ্বিতীয় পুত্ৰ। নেপোলিয়নৰ পূৰ্ব্ব-পুৰুষ ফ্লৰেঞ্চৰ মানুহ আছিল; কিন্তু ১৫২৯ চনতে কৰ্চ্চিকালৈ আহে। কৰ্চ্চিকা ভূমধ্য সাগৰৰ এটা দ্বীপ। কচ্চিকাৰ প্ৰাকৃতিক সৌন্দৰ্য্য বৰ বিতোপন আৰু মনোমোহা আছিল। নীলিম আকাশৰ তলত শুভ্ৰ কীৰিতি মণ্ডিত পৰ্ব্বত সমূহ আৰু সাগৰৰ দৃশ্য সচাকৈয়ে বৰ ধুনীয়া আছিল। নেপোলিয়নৰ পাচ-পুৰুষে এই দ্বীপৰ ৰাজকীয় কাম কৰিছিল। এওঁৰ বাপেকৰ পূৰ্ব্ব পুৰুষতকৈ মাকৰ পূৰ্ব্ব পুৰুষ বেচি খ্যাতি সম্পন্ন আছিল। বাপেক বুদ্ধিমান, ধুনীয়া আৰু কৰ্চ্চিকাৰ অন্যান্য মানুহৰ দৰে কবিতা ভাবপন্ন আছিল। তেওঁ বৰ খৰচি আৰু অস্থিৰ ভাবৰ আছিল।

তেওঁৰ মাক লেটিজা ৰূপ-গুণত হেজাৰ জনী তিৰোতাৰ ভিতৰতে এজনী আছিল। তেওঁ অতি সৎ চৰিত্ৰৰ আৰু সাহসী আছিল। ১৭৯৩ চনত কৰ্চ্চিকাৰ বিখ্যাত ৰাজনৈতিক নেতা পেওলিয়ে এই জনা মহিয়ষীৰ বিষয়ে কৈছিল "এওঁ নিশ্চয় বীৰৰ মাক হোৱাৰ উপযুক্ত মহিয়ষী"

সৰু কালৰে পৰা নেপোলিয়ন স্বদেশ হিতৈষী লোক সকলৰ কথা শুনি আহিছিল। কৰ্চিকা ফৰাছী দেশৰ অধীনত আছিল। নেপোলিয়নৰ জন্ম হোৱাৰে পৰা কৰ্চিকান-বোৰে প্ৰাণ পনে স্বদেশ উদ্ধাৰৰ হকে যুঁজি আছিল। পেওলি সেই সময়ত কৰ্চিকাৰ জনাজাত ৰাজনৈতিক নেতা আছিল। নেপোলিয়নৰ জন্মৰ অলপ দিন পিচতে ফৰাচীবোৰে কৰ্চিকা আক্ৰমণ কৰে; আৰু নেপোলিয়নৰ বাপেকে আইন ব্যৱসায় এৰি স্বাধীনতা সংগ্ৰামত লিপ্ত হয়; আৰু মাকক আত্মৰীণ কৰাত বাধ্য হৈ পৰ্ব্বতে কন্দৰে ঘূৰি ফুৰিব লগাত পৰে।

কৰ্চিকাৰ অধিবাসীবোৰ ধীৰ, স্থিৰ সাহসী আৰু পৰিশ্ৰমী আছিল। ঘৃণা কৰা তেওঁলোকৰ প্ৰকৃতি আছিল, প্ৰতিশোধ লোৱাটো তেওঁলোকে কৰ্ত্তব্যৰ ভিতৰত ধৰিছিল, আৰু ক্ষমা কৰাটো হীনতাৰ পৰিচয় বুলি ভাবিছিল। তিৰোতাবোৰ ঘৰৰ উপযুক্ত গৃহিণী আৰু পথাৰৰ পৰিশ্ৰমী কৃষক আছিল। তেওঁলোকে ডাঙৰকৈ নেহাহি আনন্দত উৎফুল্ল আৰু ডাঙৰকৈ নেকান্দি শোকত অধীৰ, দুখত ক্লান্ত হৈছিল। নেপোলিয়নৰ এই সকলোখিনি স্বভাৱেই আছিল। নেপোলিয়নৰ শিক্ষাৰ স্থান আছিল ফ্ৰান্স। ১৭৭৮ চনৰ ১৫ ডিচেম্বৰত ৯০ বছৰ বয়সতে কৰ্চিকা এৰি ফ্ৰান্সত পঢ়িবলৈ যায়। একেৰাহে ৭ বছৰ ঘৰত নহাকৈ ১৭ বছৰ বয়সতে ১৭৮৬ চনত চাব লেফটেনেণ্ট পদবী লাভ কৰি ঘৰলৈ ওভোতে। তিনি চহৰত শিক্ষা সাং কৰি পেৰিচ মাহনগৰীৰ মিলিটেৰি স্কুলত পঢ়িবলৈ যায়

এই ছুয়ো ঠাইৰে লৰাবোৰে নেপোলিয়নক বিদেশী বুলি বৰকৈ ঘৃণা আৰু ঠাট্টা কৰিছিল। নেপোলিয়নৰ লগত সিহঁতৰ সততে কাজিয়া লাগি আছিল।

সৰু কালৰে পৰা নেপোলিয়নৰ ভাষাজ্ঞান নাছিল; কিন্তু অঙ্ক শাস্ত্রত পণ্ডিত আছিল। বাপেকে তেওঁক নৌ বিদ্যা শিকাব খুজিছিল, কিন্তু ব্রিনিৰ স্কুলৰ শিক্ষা সাং কৰি তেওঁ মিলিটাৰি স্কুলত পঢ়াটোকে ঠিক কৰে।

মিলিটাৰি স্কুলত থাকোতে এটুকুৰা ৰুটি খায় থাকিব লগাত পৰিছিল। নেপোলিয়নেও কঠোৰ জীৱন যাপন কৰি হলেও সৈনিক হবলৈ ইচ্ছা কৰিছিল। সৰু কালিৰে পৰা নেপোলিয়ন বৰ ভাবুক, গম্ভীৰ বাস্তৱবাদী আছিল। ১৫॥ বছৰ বয়সত ফ্রান্সত থাকোতে যেতিয়া নেপোলিয়নে বাপেকৰ মৃত্যুৰ বাতৰি শুনিছিল, তেতিয়া ঘৰলৈ প্রত্যুত্তৰ দি যি চিঠি লিখিছিল তাৰ ভাববোৰ চায় কেতিয়াও বিশ্বাস নহয় যে নেপোলিয়ন এজন ল'ৰা। তেওঁ চিঠিত একো ব্যক্তিগত লোকচানৰ কথাই উল্লেখ কৰা নাছিল, কেৱল লিখিছিল যে "আমাৰ দেশে এজন বুধিয়ক, ন্যায়পৰায়ণ আৰু গৌৰবান্বিত নাগৰীকক হেৰুৱালে, এইটো ইশ্বৰৰ ইচ্ছা।" নেপোলিয়নে সৈনিকত যোগদান কৰিছিল কেৱল ভবিষ্যতে ভাল ৰাজনৈতিক হোৱাৰ আশাত; আন লৰাৰ দৰে বিলাসিতা কৰিবৰ আশাত নহয়। তেওঁ বুৰঞ্জি আৰু ভূগোল বৰ ভাল পাইছিল। গ্রীচ আৰু ৰোমৰ কাহিনী বৰ্ণনা কৰা প্লুটাৰ্কৰ বুৰঞ্জী পঢ়িছিল। বোচেতে

লিখা বিশ্ব বুৰঞ্জী মন পুতি পঢ়িছিল। সেইবোৰ পঢ়ি তেওঁ নিজেও এজন তেনেকুৱা বীৰ হবলৈ ইচ্ছা কৰিছিল।

১৭৮৫ চনৰ অক্টোবৰৰ ২৯ তাৰিখে নেপোলিয়নে ফ্ৰান্সৰ মিলিটাৰী স্কুল এৰি লাফেচাৰ সৈন্য দল এটাত ভৰ্ত্তি হয়। সেই সময়ত তেওঁ বাপেক, বন্ধু-বান্ধৱ হীন ১৬ বছৰীয়া লৰা। এই সময়তে তেওঁ সৈন্য বিভাগত পদোন্নতি কৰিবলৈ ধৰে। মাক সঘনে টকা পইচাৰ অনাটনত পৰিছিল। ইয়াৰ পিছত তেওঁ কেপ্তেইন হয়। ইয়াতে তেওঁ ভাবিছিল যে জীৱনৰ মাজ ভাগত আধা দৰমহাতে অৱসৰ লৈ জীৱনৰ বাকী দিন অতিবাহিত কৰিব। সৰু কালৰেপৰা তেওঁ কৰ্ত্তব্যপৰায়ণ আছিল। কেতিয়াবা অলপ আজৰি পালেও তেওঁ ভাবিছিল অমূল্য সময় মোৰ অবাবত খৰচ কৰিবৰ বাবে নহয়। মিলিটাৰী কলেজৰ ১ম ৭ বছৰ তেওঁৰ পঢ়াত বৰ ৰাপ ৰহিছিল। তেওঁ ১৭৮৮ চনত মাকলৈ লিখিছিল "মোৰ কৰ্ম্মৰ বাহিৰে একো নাই আৰু নিচেই অলপ সময়হে শোঁ, ৰাতি ১০ বজাত শুবলৈ যাওঁ, পুৱা ৪ বজাতে উঠো, দিনটোৰ ভিতৰত মই কেৱল এসাজ ৩ বজাত খাওঁ।"

সৰুৰে পৰা তেওঁ দাৰ্শনিক বোৰৰপৰা সন্যাসী আৰু ৰজাক ঘৃণা কৰিবলৈ আৰু খৃষ্ট ধৰ্ম্মৰ নিয়ম প্ৰণালী বোৰ ঘৃণা কৰিবলৈ শিকিছিল। সেইবুলি তেওঁ দাৰ্শনিক ভাবাপন্ন মানুহ নাছিল, সদায় বাস্তববাদী আছিল। অন্ধ বিশ্বাসৰ পৰা আঁতৰিছিল। কোনো এজন মানুহক খুব

ভালদৰে চিনিবলৈ চেষ্টা কৰিছিল। বুৰঞ্জী তেওঁৰ বৰ প্ৰিয় আছিল। বুৰঞ্জী কেৱল কেইটামান দৰ্কাৰী ঘটনা হিচাবে পঢ়া নাছিল। মানসিক বিজ্ঞান হিচাবে পঢ়িছিল তেওঁ উপন্যাস আৰু ৰচনা লিখিবলৈ চেষ্টা কৰিছিল; যদিও তেওঁৰ উদ্দেশ্য আছিল নিজ দেশৰ স্বাধীনতাপ্ৰিয় আৱশ্যকীয় ঘটনাবোৰ লিখাহে।

১৭৮৯ চনৰ বসন্ত কালি ফ্ৰান্সত জাতীয় বিদ্ৰোহৰ সূচনা হয়। সেই সময়ত নেপোলিয়নে ছুটী লৈ ককায়েক যোচেফৰ লগত লগ লাগি কৰ্চ্চিকাৰ জাতীয় বিদ্ৰোহ আৰম্ভ কৰি দিলে। প্ৰথমে এটা দেশৰক্ষী বাহিনী গঠন কৰে। ১৭৮৯ চনৰ নবেম্বৰত এই বিদ্ৰোহৰ সাম কাটে। এই বিদ্ৰোহৰপৰা কৰ্চ্চিকাৰ মানুহবোৰৰ মজবুৰ পৰিচয় পোৱা যায়, পেওলিৰ মুক্ত হ'ল আৰু ফ্ৰান্সৰ পাৰ্লিয়ামেণ্টলৈ কৰ্চ্চিকাৰ পৰা সভ্য নিয়া হ'ল। ফলত ফ্ৰান্সে কৰ্চ্চিকাক নিজৰ দেশৰে একাংশ বুলি পৰিগণিত কৰিবলৈ বাধ্য হ'ল আৰু নেপোলিয়নেও ফ্ৰান্সক ভাল চকুৰে চাবলৈ ধৰিলে।

১৮ বছৰীয়া ডেকা লৰা লুচিয়ান বোনাপাৰ্টিয়ে পেওলিৰ চেক্ৰেটৰী হব নোৱাৰি পেওলিক ৰাজদ্ৰোহী বুলি প্ৰচাৰ কৰিলে আৰু জেকোবিন গভৰ্ণমেণ্টক শুনাই দিলে যে, এনেকুৱা নায়কৰ শিৰচ্ছেদ কৰাই শ্ৰেয়। ফ্ৰান্সৰ গভৰ্ণমেণ্টে এই কথাকে কোনো পৰীক্ষা নোলোৱাকৈয়ে মানি ললে আৰু পেওলিক বন্দী কৰি লৈ গল। দেশৰ কাৰণে

এইদৰে খাটি পেওলি কেবাবাৰো কাৰাবৰণ কৰিবলগীয়া হৈছিল।

জীৱনৰ আগদোখৰত নেপোলিয়নে নানান কষ্ট কৰিব লগীয়াত পৰিছিল। আনকি অর্থাভাবত এবাৰ তেওঁ আত্মহত্যা কৰিবলৈকে৷ উদ্যত হৈছিল। পিচে তেওঁৰ বন্ধু ডিমোছিৰ দ্বাৰা ৰক্ষা পৰিল। এইদৰে জীৱনৰ নানান ঘাত প্রতিঘাতৰ মাজেৰে পাৰ হৈ দোপতদোপে উন্নতি কৰি ফ্রান্স সৈন্যৰ সৰ্ব্বাধিনায়ক হৈ ইউৰোপৰ কেইবাখনো ৰাজ্য জয় কৰি অৱশেষত ফ্রান্সৰ সম্রাট হৈছিল। জীৱনৰ এই সুদিনত নেপোলিয়নে অতীতত তেওঁক সহায়কাৰী বোৰক কেতিয়াও পাহৰা নাছিল। প্রত্যেককে প্রতিদান দিহে ভাল পাইছিল।

